# আভৰণ

[ একাঙ্কীয়া নাটিকা ]

শ্ৰীভোলানাথ ফুকন

যোৰহাট, অসম।

১৮৬৫ শক।

মূল্য I/০ পাঁচ অনা

যোৰহাটৰ ৰাতৰি প্ৰেছত
ছপা কৰা হল।

# উচৰ্গা



পৰম পূজনীয় স্বৰ্গীয় ফণীধৰ ফুকন
ককাদেউতাৰ পুণ্য-স্মৃতি
আৰু
পৱিত্ৰ নামত
অজ্ঞান সেৱকে শ্ৰদ্ধা আৰু ভক্তিৰে
"আভৰণ"
অৰ্পণ কৰিলো।

—ভোলা—

Presentation Copy
J. Goswami
9.2.45



# আগ-কথা

ইংৰাজ লিখক ক্লিফৰ্ড বেক্সৰ তিনিটি চৰিত্ৰৰে অঙ্কিত ক্ৰোক নামৰ একাঙ্কীয়া নাটিকাৰ ভাঙনি "আভৰণ" অসমীয়া ৰাইজলৈ আগ বঢ়োৱা হ'ল। স্বৰ্গ আৰু মৰ্ত্ত্যৰ সম্বন্ধ ৰক্ষা কৰি এগৰাকী দেবীয়ে অজাতৰ চৰিত্ৰ স্বৰ্গীয় জেউতিৰে স্বৰ্গৰ পৰা নমাই আনিছে, সংসাৰৰ মানবীয় জীৱনৰ মৃত অৱস্থাৰে মৃতাত্মাৰ চৰিত্ৰক অজাতৰ ৰূপ দি সংসাৰৰ আভৰণ খহোৱাই সেই অজাতক আভৰণ পিন্ধাই সংসাৰলৈ পঠাইছে আৰু মৃতাত্মাই মুক্তি লাভ কৰিছে।

অসমীয়া ভাষালৈ অনুবাদ কৰাত নাটিকাৰ সৌন্দৰ্য্য ৰক্ষা কৰা সম্ভৱ পৰ হৈ উঠা নাই। ভুল ভ্ৰান্তিৰ পৰা হাত সাৰি সম্পূৰ্ণ সাহিত্যিকৰ পৰিচয় দিবলৈও এই অনুবাদকৰ বহুত বাকী আছে। ইয়াৰ সকলো ক্ৰুটীৰ মৰিষণ কৰিবৰ কাৰণে পাঠক পাঠিকালৈ নিবেদন জনালো।

শ্ৰদ্ধাস্পদ শ্ৰীযুত হেমকান্ত বৰুৱা এম-এ, দেৱৰ উদগনি পাই প্ৰথমেই কাপ হাতত লোৱা

হৈছে। শ্ৰীযুত বৰুৱাদেৱৰ নিজৰ প্ৰতিভাৰ উপৰিও তৰুণ লেখুৱৈ সমাজক উৎসাহ উদগণি দি অসমীয়া সাহিত্যৰ উন্নতিৰ যত্নত লাগি আছে। তেখেতৰ এই অভিযানৰ নিঃকিন ছাত্ৰ হিচাবে আন্তৰিক কৃতজ্ঞতা আগ বঢ়ালো।

শ্ৰীযুত প্ৰেমধৰ ৰাজখোৱাদেৱে নাটিকা খনি প্ৰকাশ কৰাত সহায় কৰাৰ কাৰণে শ্ৰদ্ধা জনালো।

যদি এই ক্ষুদ্ৰ যত্নৰ পৰা পাঠক পাঠিকাৰ অকণমানো উপকাৰ হয় তাতেই সফল হৈছো বুলি ভাবিম।

শ্ৰীভোলা নাথ ফুকন।

# আভৰণ

[ পাহাৰ বিলাকৰ মাজত শ্যামল এখন উচ্চ ঠাই। ৰাওঁ আৰু সোঁ হাতে দুটা বাট। পাচত এখন প্ৰাকৃতিক আসন। এগৰাকী দেৱীয়ে সেই আসনখন পূৰাই আছে। ]

দেৱী—[ আসনৰ ওপৰত বহি ]

এই এক আনন্দৰ, স্নিগ্ধ গভীৰ ভাৱ সফুঁৰাৰ মৃদু মদিৰা ভৰা ললিত লয়ৰ গীতি মাধুৰীৰ সময়। আনন্দময় বেদিত তোমালোকক স্থাপন কৰিব খোজা নাই, কিন্তু সংসাৰীৰ অন্তৰ কোণত হোৱা নানান্ বেদনাৰাশি আৰু তাৰ আলমতে মানব প্ৰাণৰ অপ্ৰকাশিত অলৌকিক কথাবিলাক পাৰো যদি—তাকে প্ৰকাশ কৰি দেখুৱাম।

প্ৰথমতে সকলোৰে জানিবলৈ নিবেদন কৰো। আমাৰ জীৱন স্তৰ, আমাৰ জীৱনৰ নাটকীয় দৃশ্যপট, মহা জলধিৰ জাহাজ বা

ধৰণীৰ বুকৰ যন্ত্ৰচালিত যান বাহন্ নহয়—সংসাৰত উটি ভাহি ফুৰিবলৈ, ই ধৰ্ম্মাত্মাৰে বিৰাট পৃথিৱী—জন্মহীন, নীৰব নিষ্প্ৰাণ। আমাৰ মৃত্যুৰ মায়াজাল ছিঙি আমি ভাবি চাওঁ—আমাৰ পাচৰ স্তৰৰ কথা, সিবিলাকে আমাৰ কৰ্ম্মপট খনৰ কথা ক'ব। তাত তেজ মঙহৰ কথা,—নিষ্প্ৰাণ মৃতিকাৰ কথা সমূলি নাথাকে,—থাকিব কেৱল আত্মাৰ। প্ৰথম স্তৰে অজাতৰ কথাৰে এটি পৱিত্ৰ নিশ্বাস আহ্বান কৰিব আৰু দ্বিতীয় স্তৰে মৃত্যুৰ জড়তা থেলি জীৱন জাগ্ৰত কৰিব। ইমানতে কৈ থওঁ আমাৰ শব্দই বোধৰাজ্য জয় কৰিব পাৰে। সেই কাৰণেই খেলাৰ আৰম্ভণ হওক।

[ দেৱী উঠে আৰু বাওঁ ফাললৈ চাই ৰয়। অজাতে আন্ধাৰ কোঠালিত খোজ কাঢ়ি অহাৰ দৰে নিশবদে ভৰি পেলাই আহে। দেৱীয়ে তেওঁৰ কথা শুনি ঘূৰি চায় ]

অজাত—ব্যৰ্থ, মই ব্যৰ্থ হলো! কেনি যাওঁ, কোন ফালে এটি পথ, কোনও এটি সুৰঙ্গ





নাইনে? অজ্ঞাত হৈ মই ওপৰলৈ উঠি যামনে, নাইবা আকৌ উলটি যাম? কেনি যাম? এটা সুৰঙ্গ মোৰ আগত দেখিবলৈ পোৱা নাই। স্বৰ্গৰ পৰা নামি অহাৰ কাৰণেই ইমান আন্ধাৰ দেখিছোনেকি? মই যদি ইয়াতে অলপ ৰওঁ মোৰ দৃষ্টিয়ে ধিমি ধিমি পোহৰ পাব পাৰে.........।

অজাত—হয় ইয়েই সঁচা, ঠাই দোখৰ জ্ঞান চক্ষুৰ আগত প্ৰস্ফুটিত হৈছে। এই এটা পাহাৰ, তাৰ মাজেদি সুৰঙ্গ দেখিবলৈ পাইছো। আকাশৰ পৰা সুনীল পৰ্ব্বত শৃঙ্গ মোৰ আগত থিয় হৈ আছে। আৰু তলত—কুসুমিত বন উপৱনেৰে অনন্ত গভীৰ তলিত ভৈয়াম খন। গোটেই খিনি বাট ইমান সোনকালে অন্ত কৰি নামনিলৈ সঁচাকৈয়ে আহিলোনে? মই তেনে মানবৰ সংসাৰ-খনৰ বেঁচি আঁতৰত থকা নাই—য'ত এবাৰ ফুলি উঠি মই মৰহি গৈছিলো। পাওঁ যদি মানুহৰ সংসাৰখন আজিয়েই আকৌ উলটি যাম!

স্মৃতিয়ে মোক প্ৰতাৰণা কৰিবনে কি ?
নতু এই তুচকুৰ তৃপ্তিৰ উপৰিও আৰু
বেছি সৌন্দৰ্য্য উপভোগ কৰিবলৈ পাম ;—
মই যাৰ কাৰণে সুৰঁৰি চাওঁ নাইবা
কেতিয়াবা চিন্তা কৰোঁ, ৰাতিপুৱা সৰগত
সূৰ্য্যৰ কিৰণেৰে ভাহি উঠা হিয়া মুকুতা
আৰু অস্তাচলত সৰগ বিচ্ছিন্ন হৈ বায়ুৰ
লগত মিল হৈ যোৱা আৰু সুখী, মৰমীয়াল
ধৰ্ম্মনিষ্ঠা নৰনাৰীবিলাকৰ কথা। আকৌ
যেন আশা হয় পুনৰ সংসাৰখন ; ৰমণী
পুৰুষৰ দৰে সংসাৰখনত আকৌ এবাৰ
উমলি ফুৰিম গৈ। কোন ফালেনো এটি
পথ বিচাৰি পাওঁ ? অনুসন্ধানেই বা
কৰো কেনেকৈ ?

দেৱী—পৃথিৱীখন আৰু এদিনৰ দূৰত আছে।

অজাত—এয়া কোন ? কোনো এক দেৱী ?

দেৱী—হয়, দেৱী।

অজাত—কালিলৈকে এনে লগৰীৰ লগতেই আহি আছিলো স্বৰ্গৰ ইমান ওচৰতে মঙলময় পথত





যেতিয়া তোমাকো লগ পাইছোঁ সিবিলাকৰ
দৰেই নমস্কাৰ জনাও।

[ তেওঁলোক দুয়োৱে পৰস্পৰে পৰস্পৰক চুমা দিয়ে। ]

অজাত—সংসাৰ খন পাম বুলিয়েই ভাই ভনীটিৰ
পৰা বিদায় লৈ আহিছো। কোৱাচোন
মোক, কোন পথেনো এতিয়া যাব লাগে ?

দেৱী—তুমি প্ৰাণ বিচাৰানে কি ? তুমি জানো
স্বৰ্গীয় জেউতি পোৱা নাছিলা ?

অজাত—চতুৰ্দ্দিশ মুখৰিত কৰা, স্বৰ্গৰ প্ৰেমেৰে
ওপচাই থোৱা মই আছিলো প্ৰেমৰ কলসি।
মই আৰু প্ৰেম ধাৰণ কৰিব নোৱাৰো।
আৰু যদি ৰস ভাণ্ডাৰ বিচাৰো কিবা
জ্যানো আচৰিত হ'ব ? সংসাৰত মোৰ
যেতিয়া প্ৰেমৰে কেৱল স্মৃতি বৈ আছে
মোৰ তাত পাহৰণিও বহুত আছে। মোৰ
মনে বিস্মৃতিৰ কোলাত কেতিয়াবা শুনিবলৈ
পাই,—কোনোবা যুগৰ কোনোবা মানুহে
যেন কৈছিল—সংসাৰী মানুহে স্বৰ্গীয়
কমনীয় ৰূপ মাধুৰীৰে আজিও সংসাৰখন

আলোকিত কৰিব পৰা নাই। সেই কাৰণেই প্ৰেমৰ আদৰ হ'ব বুলি বুকুত সাহ বান্ধি আহিছো—পুৰণি সংসাৰ খনলৈ। মোৰ যদি প্ৰতিজ্ঞা সত্য হয় কোনটোনো সু-পথ মোক কোৱা। কোনোবা চিনি পোৱা আত্মাক লগত লৈ সংসাৰলৈ যাম, মই অনুমান কৰাত সেই আত্মাই কিজানি ভয় কৰিব পাৰে, আনকি শয়নে সপোনেও ভয় কৰিব। কিন্তু মই ভাবি চাওঁতে জন্মৰ কাৰণে কেতিয়াও ভয় নকৰিম।

দেৱী—আহা ভনীটি, এই পৰ্ব্বতৰ টিঙৰ ওপৰলৈ চোৱা সৌ গ্ৰহ মণ্ডলৰ পৰা যাকে তুমি ভাল পোৱা তাকে তুমি নমাই আনিব পাৰা।

অজাত—কত? বিৰাট অন্ধকাৰময় নিশাৰ মাজৰ বুৰ্বুৰণিৰ দৰে মই অলেখ তৰা দেখিবলৈ পাইছো। মৰ্ত্ত্যনো ক'ত, মই যে আচৰিত হৈ পৰিছো! কি যে মহান প্ৰদীপ্ত অগ্নি শিখা বিলাক?

দেৱী—নহয়, ই একোটা আঁতৰৰ উজ্বল বস্তু।





এখনি সৰু গোলাৰ্দ্ধ, এখনি ক্ষুদ্ৰ ঠাই—সৌৰ জগতৰ মাজত কথমপিহে দেখা দিয়ে। নানা বৰণৰ অনন্ত খেলাৰে, অনন্ত হিয়া-মণিকাৰ সাজেৰে ৰঞ্জিতা তুমি বিৰাট বিশ্বব্ৰহ্মাণ্ডখন দেখিবলৈ পাইছানে? তাৰ পৰা পূৰলৈ চাই পঠিৱাচোন; কল্পনাৰ চকুৰে অমল ধৱল ৰূপ কিৰণৰ তলত তুমি পৰীক্ষা কৰি চোৱা।

অজাত—তলত, মইতো একো নেদেখো। সকলো আন্ধাৰ ময়।

দেৱী—আকৌ এবাৰ চাই পঠিৱাচোন।

অজাত—অথিৰ অৱিৰ এটি জ্বলন্ত ফিৰিঙতি। সেয়েই সংসাৰ নে?

দেৱী—কি, সংসাৰ খন দেখিয়ে ভয় খাবলৈ আৰম্ভ কৰিছা! সেয়েই মানুহৰ চিক মিক সূৰ্য্যৰ কিৰণ।

অজাত—এতিয়া চক্ৰৱৎ আৱৰ্ত্তন কৰা ক্ষুদ্ৰ চক্ৰবিন্দু নাইবা সি মোৰ সংযত চকুৰ আগত বিন্দুতকৈও ক্ষুদ্ৰ যেন তাৰ উপৰি ভাগ দেখিবলৈ পাইছো।

দেৱী—তৃতীয়বাৰ চাই পঠিৱা—... তুমি তাক অনুমান কৰিব পাৰিছানে ?

অজাত—হয় ?

দেৱী—সেয়েই পৃথিৱী.........ইমান ক্ষুদ্ৰ, ইমান নগণ্য ; কিন্তু তুমি তাত কেৱল অপৰূপ সৌন্দৰ্য্যকেই নোপোৱা,—আৰু বহুত অসহনি শোক বেজাৰো দেখিব লাগিব।

অজাত—জন্ম তেনে কেনে ধৰণৰ হ'ব ?

দেৱী—লাহে লাহে শয়ন আহিব, য়ৌৱনৰ অদম্য শক্তি জীৱনৰ জোৱাৰ-ভাটাৰ লগে লগে জয় পৰি যাব আৰু যেতিয়ালৈকে সি প্ৰাণতেই বিলীন হৈ নাযাব, তেতিয়ালৈকে আকাঙ্ক্ষা, শোক চিন্তাতেই জীৱন জাগ্ৰত থাকিব।

অজাত—মই প্ৰতিজ্ঞা কৰিছো, যেতিয়ালৈকে প্ৰাণ সমূলে অলস হৈ নুঠিব, তেতিয়ালৈকে প্ৰেম ত্যাগ কৰা মোৰ আকাঙ্ক্ষাৰ পৰা বিলীন হৈ নাযাব।

দেৱী—সহস্ৰ সহস্ৰ যক তেনেই সঙ্কল্প প্ৰাণত লৈ মৰ্ত্ত্যলোকলৈ। যথা সম্ভৱ ইয়াৰ কাৰণে





শকতিও লাভ কৰিবা। তথাপি সতৰ্ক কৰি থও জন্মই মহান স্বৰ্গৰ নিচিনা মনৰ সুসমা সঙ্কোচ কৰিব।

অজাত—তোমাক মিনতি কৰো যেন পাচৰটিৰ বিষয়ে আগুৱাই নিয়া।

দেৱী—তুমি এঘন্টাৰ সোনকালে মোক সুধিছা, মোৰ ডাঙৰ কাম এটা সাধন কৰিবলৈ আছে।

অজাত—ই আকৌ কি ?

দেৱী—এই মাত্ৰ ধুকুৰা এজনী তিৰোতাৰ পদক্ষেপ চালনাৰ কাৰণে এতিয়া ইয়াত বৈ আছো। যেতিয়া সিহতৰ শৰীৰ কালত শয়ন হয়, এই পথেদিয়েই যায় মানব আত্মাটি। তাকে মানুহে কোৱা শুনা যায় মৃত্যু বুলি। স্বৰ্গৰ পৰা সিহতে আভৰণ পিন্ধি যায়, সিহঁতৰ কণ্ঠস্বৰে একোকে নৰচে, কিন্তু আত্মজয়, আত্ম প্ৰাপ্যৰে মাথো বিদায় মাগি যায়। ই মৃতকৰ ধাৰণাৰ বা দৃষ্টিৰ গোচৰ নহব পাৰে। ই হয় আভৰণ,

লাহ বিলাহৰ, আদৰ্শৰ আভৰণ। ইয়েই মানৱ আত্মাটি ধোৰাৰ মাজত জুই একুৰাৰ দৰে আবৰি ৰাখে। ইয়াক নিক্ষেপ নকৰা দিন ধৰি ই মৰহি যাৱালৈকে সংসাৰত এই আভৰণটিকে পিন্ধো বুলি ভাবি থাকে। তাই স্বৰ্গত সোমোৱাৰ আগতে মৰণৰ শেষত বেলেগ আত্মাত বিলীন নৌ হওঁতেই জনায় থোৱা মোৰ কৰ্ত্তব্য হব। তাই অতিকে সৰলা হব—যি সৰলা জীৱন তুমি পূৰ্ব্বে এদিন ভোগ কৰিছিলা।

অজাত—মোক প্ৰাণত কামনা দিয়া।

দেৱী—সি আৰু কি?

অজাত—মই যে প্ৰেমৰ কথা বিলাক অতিৰুক্তি কৰা নাই তাকে প্ৰমাণ কৰিবলৈ দিয়া। তোমাৰ কৰ্ত্তব্য মোতে প্ৰেৰণ কৰা। মই তাইক মুক্তি দিওঁ।

দেৱী—মই তোমাক কামনা দিছো⋯⋯আৰু তাত⋯⋯⋯চোৱা তাই আহিছে। এতিয়াও তাই সংসাৰৰ মায়া মোহৰ পৰা মুক্ত





হোৱা নাই। আধা নিদ্ৰা আধা জাগ্ৰত হৈ তাই আহিছে সপোনত তন্ময় হৈ সপোন নৌ ভাঙোতেই উঠা কোনোবা মানুহৰ দৰে।

[ মৃতাত্মা বাওঁ ফালে আহে। তাই পিন্ধি আহে আচৰিত ধৰণৰ আভৰণ। কিছু সময়ৰ কাৰণে তাইৰ কথাবিলাক, ভাব-ভঙ্গিমা বিলাক টোপনিৰ পৰা উঠা মানুহৰ দৰে হৈ আহিছে। ]

মৃতাত্মা—নহয়, ৰবা মোক তুমি কেতিয়াও এৰিব নোৱাৰা। যদিওবা মোৰ ব্যাধি দূৰ হল, অন্তৰৰ জ্বালা যান্ত্ৰনাই উপশান্ত লাভ কৰিলে, মই যে বিচনাত আছো অনুমানেই হোৱা নাই! মোৰ অনুমান কাৰোবাৰ বুকে বুকে বগাই বগাই মই ওপৰলৈ উঠি আহিছিলো, মই ৰব নোৱাৰিলো আৰু।⋯⋯⋯মোৰ তথাপিও শান্তি হব।

[ মাটিৰ ওপৰতে তাই বহে। ]

দেৱী—[ অজাতলৈ চাই ]।

তাইৰ ভাব বিলাক চোৱাচোন এতিয়াও

পৰিস্কাৰ হৈ যোৱা নাই। তাই এৰি অহা প্ৰাণটিৰ লগতে এনাজৰিৰে জোট-পোত খাই আছে।

মৃতাত্মা—ওচৰলৈ আহা……মই তোমাক অলপ কথা ক'ব লগা আছে। শুনিব পাৰিবা জানো? মই ভনীৰ ধন আনিলো। তাই ভয় কৰিছে—মই যদি কিছুদিন ৰোগ যুক্ত হৈ থাকো, এই ধন তাই আৰু নাপাব। তাইক ক'বা মই দিম। এটি কণা পায়ো নিদিয়াকৈ নাথাকো। মই এই ধন অতি সোনকালে দিম। নহয় নে বাৰু? ……উত্তৰ নিদিয়া……। মই টোপনি গলোনে কি?

দেৱী—[ আগৰ দৰেই ] এই মূৰ্চ্চাৰ স্মৃতি তাইৰ শক্তিৰ লগত দ্ৰব হৈ গৈছে। মুহূৰ্ত্তে মুহূৰ্ত্তে সি পাতলিব লাগিছে।

মৃতাত্মা—সিইঁতে এতিয়া সপোনৰ আগত জাহি উঠিছে। সেই সূৰ্য্যই আকাশৰ আধাখিনি জিনি মুকুতা মালা গাথি স্তুপিকৃত সো





মেঘৰ লগত লগ লাগিছে। আৰু সেই শ্যামল পাহাৰৰ হেলনীয়া গড়াত থুপি থুপি ফুলবিলাক ফুটি উঠি ওচৰলৈ চাপি আহিছে। তাই যদি এইবোৰ কথা কয় ক'বা, মই তাইক পইচা দিম। কেতিয়াবা মই ভাল হম নহয়। তুমি কেনি গলা? তুমি অনুমান কৰা হেজাৰ হেজাৰ মাইলৰ দূৰত সৌ পাহাৰবিলাক উঠিব। মই তাতেই কৃতকাৰ্য্য হম। মই ইমান দুৰ্ব্বল, মোৰ চোলাটোৰ ভৰটোৰেই বৰ গধুৰ হৈ পৰিছে। [ কোনোমতে তাই উঠে ]

দেৱী—তাই এতিয়া সাৰ পালে। সোনকালে যোৱা, তাইক মোহান্ধৰ পৰা মুক্ত কৰি দিয়া। যেতিয়ালৈকে তাই আভৰণ দূৰ নকৰে তাইক প্ৰবোধ মনাবলৈ যত্ন কৰিবা। সোনকালে যোৱা।

[ তাই স্থিৰ হৈ ৰয়। ]

অজ্ঞাত—ভনীটি, মই তোমাক সহায় কৰিবলৈ আহিছো।

মৃতাত্মা—মোক সহায়ৰ আৰশ্যক কি? পৰৰ পৰাধীনতা স্বীকাৰ কৰা কথা মোৰ মৰ্য্যাদাই সদায়েই হেয় জ্ঞান কৰি আহিছিল। তুমি সচাকৈয়ে কোন?

অজাত—কিয়?......ই যে এটা আত্মা, জন্ম যাৰ এতিয়াও হোৱা নাই!

মৃতাত্মা—ইয়াত তো একো এনে বস্তু দেখা নাই!

অজাত—তুমি তেনে কেনেকৈ ইয়াক বিশ্বাস কৰিবা? চোৱা মই ইয়াতে আছো।

মৃতাত্মা—আত্মা নিৰাকাৰ হলে, দোল ৰিনে জাতু-কৰৰ জৰিৰ নিচিনাকৈ, তাক অনুমান কৰা টান হৈ পৰে। আৰু তুমি এতিয়া সাকাৰ।

অজাত—মই যি আভৰণ পিন্ধিছো, তাতেই মোৰ শৰীৰ বৈ আছে।

মৃতাত্মা—তাতে? পৃথিবীত বুলি কৈছা?

অজাত—মই আজি যাওঁ।

মৃতাত্মা—সি সত্য হ'ব নোৱাৰে.........। যদি তুমি কোৱাৰ দৰে হয় কেনেকৈ তেনে মোৰ অৱস্থা লব পাৰিবা?





অজাত—তোমাৰ শৰীৰ এতিয়া মৰিছে।

মৃতাত্মা—মই মৰিলো? যদি সেয়ে হয় কিয় এতিয়াও ক্ষুদ্ৰ সংসাৰী মানুহে বুজে দূৰ অতীতৰ সেই সুমনোহৰ গল্পটিৰ লগত মানুহৰ ইমান সম্বন্ধ ঘনিভূত হৈ আছে বুলি?

অজাত—সেয়ে ঘটিলেনে? কেনে আচৰিত! তুমি দেখি অহা তেওঁলোকৰ মৰ্ত্তাথন মোৰ কল্পনাৰো অতীত।

মৃতাত্মা—মই তেতিয়া ধাৰণা কৰো এই পাহাৰ বিল্লাকেই স্বৰ্গ।

অজাত—হায়! স্বৰ্গ এই পৰ্ব্বত পথৰ পৰা বহুত দূৰত। দেৱী গৰাকীয়ে মই ধাৰণা কৰাত হুয়ো লোকৰ মাজতে সংযোগ সম্বন্ধ ৰক্ষা কৰি আছে।

মৃতাত্মা—সুন্দৰ! যদি সচাকৈয়ে স্বৰ্গ আছে এটি পথে স্বৰ্গ পোৱাবগৈ লাগিব। মোৰ মাথো সিয়েহে লক্ষ্য পথ।

অজাত—তুমি মৰ্ত্ত্যৰ পৰা অহাৰ দৰে, এতিয়া থকা অৱস্থাৰ পৰা পুনৰ্জ্জন্ম লবলৈ ভাবা?

মৃতাত্মা—কিয়, নহয়?

অজাত—যিমানখিনি সামৰ্থ্য তুমি প্ৰয়োগ কৰিলা ইয়াতেই এতিয়া সেই আঙুৰ ৰসৰ অন্ত পৰিল।

মৃতাত্মা—মই যদি মৰা হয়, মই মোৰ ঐশ্বৰ্য্য বিভূতি নষ্ট কৰিলো। তুমি কোৱা এই স্বৰ্গত মই এতিয়া ঠৰঙা (যাৰ নাম শুনিলে মানুহে ভয় কৰে) হলো। মই নানা কিতাপ পঢ়ি কৰা মনৰ মহৎ আদৰ্শ আৰু যশ সকলোৰেই যাবৰ-ভাবৰৰ দৰে হৈ পৰিব? মই আনৰ পৰা বিসৰ্জ্জিত হম। মই এতিয়া স্বৰ্গত সোমাব খুজিছো। কোনটোনো পথ এতিয়া বিচাৰি লোৱা উচিত হ'ব?

অজাত—তোমাৰ আভৰণ এতিয়া নিক্ষেপ কৰা।

মৃতাত্মা—এই আভৰণ? এইটো মোৰ জীৱন সৰ্ব্বস্ব ত্যাগ কৰি আৰ্জ্জন কৰা ধন। দালি দালি সূতাৰ জোৰা দি সজা এই আভৰণটিয়ে আউলি বাউলি মোৰ জীৱনৰ সম্পূৰ্ণ পৰিচয় দিয়ে।





যিমানেই জগতৰ আন আভৰণ সুন্দৰ হ'ক মোৰ লগত সিহঁত বহুত অমিল।

অজাত—আৰু তথাপি মই নিশ্চয় কৈ ক'ব লাগিব, তুমি ইয়াক ত্যাগ নকৰা মানে স্বৰ্গলৈ যাব নোৱাৰা।

মৃতাত্মা—মই তোমাক বিশ্বাস কৰিব নোৱাৰো। ভাবি চোৱা, ইয়াৰ বাহিৰে মোৰ অৱস্থা হব কি?

অজাত—ই কেৱল এটা আভৰণ।

মৃতাত্মা - নহয়, আৰু বেছি। ইয়েই মোৰ ব্যক্তিত্ব, ইয়াক আভৰণ কৰি লৈয়েই মোৰ স্মৃতি প্ৰতিফলিত হবলৈ ভেটি বান্ধিব পাৰিছিলো। যদি মই ইয়াক ত্যাগ কৰোঁ, ই বুজাব কি? সাদৃশ্য ত্যাগ কৰিলে ময়েই নহয় লক্ষ লক্ষ সূৰ্য্যও অন্তৰত থকা আগ্নিৰ দৰে সকলোতে হৈ পৰে। এই ৰকমেই যদি প্ৰাণ বিচাৰিব খোজা তেনে তোমাৰ আশা ক্ষুদ্ৰ কৰা।

অজাত—তুমি কি ক'ব খুজিছা?

মৃতাত্মা—তুমি যদি কোনো সাজ পাৰ নোলোৱা তোমাক তাত প্ৰাণী সচৰাচৰে সন্দেহৰ চকুৰে চাই তোমাক আঘাট কৰিবলৈ যত্ন কৰিব। তেতিয়া তুমি মৃত্যু অৱস্থালৈ যাবা কাৰণ তোমাক মানুহে খুন্দিয়াব।

অজাত—তেনে মানুহে তাত পৰস্পৰে পৰস্পৰৰ লগত দুখত দুখী সুখত সুখী হৈ সহায় সাৰথি নহয়?

মৃতাত্মা—তুমি ইমান নজনা হবানে, তথাপি তুমি মোক শিক্ষা দিব খোজা? মই তেওঁ সতৰ্ক কৰি থও,—তোমাৰ কাৰণে সংসাৰ খন এক শিক্ষা কেন্দ্ৰ হৈ পৰিব।

অজাত—সদইচ্ছা যি বায়ুৰ দৰে হ'ব লাগে. কি আচৰিত কথা কথমপিহে তাক পাব পাৰি। আৰু প্ৰেমৰ বিষয়ে বা কি? মানুহৰ সৈতে ইয়াৰ স্থান নাইনে?

মৃতাত্মা—ই এটা তৰাৰ দৰে, ওপালে এই মাৰ গল।

অজাত—এতিয়া সিহঁতে যুদ্ধ নকৰে যেহেতু পৃথিবী খন এতিয়া পুৰণি হৈ পৰিছে?





মৃতাত্মা—কেই গজমান মাটিৰ তলত অলপ সোণ আছে।

অজাত—এতিয়াও? কিন্তু যেতিয়া যুদ্ধ হয় শান্তিৰ দিনতো হয়নে?

মৃতাত্মা—প্ৰত্যেক মানুহে এতিয়া নিজ উন্নতিৰ কাৰণে যুদ্ধ কৰে।

অজাত—বন্ধুৱে বন্ধুৰ বিৰুদ্ধে? কেনেকৈনো বাৰু পৃথিবীত উন্নতি হয়!

মৃতাত্মা—কেনেকৈ? মানুহৰ ইচ্ছাৰ বিৰুদ্ধেও যদি কোনো মুহূৰ্ত্তত হৈ উঠে?

অজাত—মই ভাবিছিলো, মানুহে অন্তৰ আৰু ন্যায় ভাল পায়।

মৃতাত্মা—সিহঁত এনে হ'ব লগাৰ কাৰণ কি ভাবিচোৱাচোন সিহঁত যেন এটি ধূলি কণা।

অজাত—কিন্তু, সিহঁত যে আত্মা।

মৃতাত্মা—তথাপি প্ৰায় মানুহে অজ্ঞানতাৰ কাৰণে, বা দন্দ খৰিয়ালত উন্মত্ত হৈ প্ৰাণৰ অপব্যৱহাৰ কৰে।

অজাত—হায়, ই যদি সচাঁ হয়, অনুমান কৰো

সংসাৰ খন অতি কঠোৰ। মই মোৰ জন্মৰ কাৰণে ভয় খাইছো।

মৃতাত্মা—যদি তুমি ইয়াত থকাৰ দৰেই থাকা, আৰু সকলো সময়তে যদি প্ৰেমকেই মূল শক্তি বুলি ভাবা তুমি বাস্তবিকতে এনে কিছুমান মানুহ পাবা যালৈ তুমি ভয় কৰিব লাগিব। সিহত প্ৰায়েই প্ৰাণহীন আৰু প্ৰবল বিলাকক উটঙাই দি জ্ঞানী আৰু শান্ত বিলাকক নানান ভুলত লিপ্ত হবলৈ বাধ্য কৰে।

জ্ঞানী যদি হোৱা—তেন্তে তোমাৰ ৰক্ষাৰ স্থান গোপন কৰেহু ৰচনা কৰা, তুমি লোকৰ ইচ্ছা পূৰণ কৰিবা বা তোমাৰ ইচ্ছা প্ৰেৰণ কৰিবও পাৰিবা। তোমাৰ মৰম স্নেহ প্ৰথমতে আঁতৰাই থোৱা আৰু ভাবি চোৱা তোমাক লাগে কি? লোকক হেচা দি হলেও তোমাৰ আকাঙ্ক্ষাৰ তৃপ্ত সম্ভাৰ খপিয়াই আনি সাচি থোৱা।—যেহেতু তুমি সুখেৰে থাকিব পাৰিবা।





ভাবিচোৱা সংসাৰৰ সুখ সন্তোষৰ অমিয়া মাধুৰী আৰু তাৰ আনুসঙ্গিক আলম তোমাৰ তোমাতে লীন হৈ আছে। তাৰ বাদে আন আৰু পথ নাই।

অজাত--তুমি কোৱাৰ আগতে মই মানুহক প্ৰেমলৈ আকৃষ্ট কৰিব খুজিছিলো......।

মৃতাত্মা—প্ৰেম আৰু সৰলতাৰে সংসাৰত কোনো আনন্দ লাভ কৰিব নোৱাৰে।

অজাত—সেই কাৰণেই হ'ব পাই তুমি তোমাৰ আভৰণটো নিজে সাজি লৈছিলা......?

মৃতাত্মা—সেই কাৰণেই তুমি ইয়াৰ মূল্য বুজি চোৱা। মই এতিয়া কোনটো পথ লম? সকলো বিলাকেই দেখিছো সৰল আৰু অকলশৰীয়া.....।

অজাত—তথাপি তুমি পিন্ধি অহা এই আভৰণ ত্যাগ কৰা।

মৃতাত্মা—বাঃ, তুমি টেঙৰালি খেলিছা। তুমি ইয়াক তোমাৰ কৰিবৰ মন কৰিছা—সুন্দৰ বুদ্ধি। তুমি যেতিয়া নোকোৱা মই যেনি

তেনি পথ লম। তোমাৰ পৰা বিদায় হে মাগিছো।

[ তাই সো ফাললৈ যায়, কিন্তু দেৱীয়ে তেওঁক বাধা জন্মায় ]।

দেৱী—তুমি কেনি যোৱা?

মৃতাত্মা—স্বৰ্গৰ কাৰণে বাট বিচাৰিছো।

দেৱী—তোমাৰ দ্বাৰাই তোমাৰ গৰ্ব্ব কাটি কৰি থোৱা।

মৃতাত্মা—তুমিও এই দৰেই কোৱা? স্বৰ্গত আমাৰ ব্যক্তিত্বৰ পৰিচয় কোনে দিব?

দেৱী—ই কেৱল পাৰ্থিব সপোন।

মৃতাত্মা—বুদ্ধিৰ বিষয়ে বা কি হ'ব?

দেৱী—সৌ ওপৰ গোলাৰ্দ্ধত আমি নিপুন চাতুৰ্য্য-তাৰে আৰু তীব্ৰ ভাবেৰে মানুহতকৈও বেছি চতুৰালি খটাই তেওঁলোকৰ চৰিত্ৰ শিক্ষা কৰো।

মৃতাত্মা—কেনেকৈ?

দেৱী—সকলো সময়তেই প্ৰত্যক্ষ কথা কিছুমান ভাল পাওঁ।





মৃতাত্মা—মোৰ আভৰণ——এইটো মোৰ।

দেৱী—ইয়াতেই গৰ্ব্ব ইমান—দলিয়াই দিয়া।

মৃতাত্মা—সি হ'ব নোৱাৰে।

দেৱী—যেতিয়ালৈকে কালে তোমাক জ্ঞান-ধৰ্ম্মৰ জাগৰণ নিদিয়ে আৰু তাতেই হাইবাণ নোহোৱা মানে এই মাজ খিনি পৃথিৱীতে থাকা।

মৃতাত্মা—হায়, মই যে ইয়াত থাকিব নোৱাৰো।

দেৱী—তোমাৰ আভৰণ তেনে দলিয়াই দিয়া।

মৃতাত্মা—মোৰ ভয় আৰু আকাঙ্ক্ষা দুয়োটাই একেলগে থিয় দিছে। ······নহয়······ইয়াক ত্যাগ কৰিবই লাগিব। যিমানেই ভীষণ নহওক লাগে মই ইয়াক ত্যাগ কৰিবই লাগিব।

[ তাই আভৰণ সোলোকাই পাচৰ আসনত থলে, কেৱল অজাতৰ দৰে তাইৰ সাজ ললে। ]

মৃতাত্মা—মই এতিয়া মুক্ত! মই এতিয়া বুজিছো আনন্দ কি? অত দিনৰ মূৰত মই মোৰ

ঘৰলৈ আহিছো। বিশ্বব্ৰহ্মাণ্ড আৰু মই একে সুৰ তালত মিলি যাম। যেনেকৈ সাগৰে নানা উৰ্ম্মি মালা সম্বৰণ কৰে সেই দৰেই মই মোৰ জীৱনৰ জোৱাৰ ভাটা আত্মাতেই মাৰ নিয়াই বিশ্বব্ৰহ্মাণ্ডৰ লাহ ৰিলাহত হালি জালি নাচি ফুৰি মহানন্দ লাভ কৰিম। মোৰ লক্ষ্য মাথো সৌ দূৰণিৰ পাহাৰৰ শৃঙ্গটোলৈ।

দেৱী—[ অজ্ঞাতলৈ চাই ] আৰু তুমি? ভনীটি বিদায়!

[ দেৱী আৰু মৃতাত্মা ছুয়ো বাহিৰলৈ যায়, অজাতে কিছুপৰৰ কাৰণে তেওঁলোকক মণিব নোৱাৰাবালৈকে চাই ৰয়, ঘূৰি তাইৰ চকু আভৰণৰ ওপৰত পৰে। ]

অজাত—মোৰ পথ কষ্টকৰ হৈ পৰিছে⋯⋯। প্ৰতাৰণাৰ আৰু হীন ভাবৰ মানুহৰ ৰাজ্যখনত মোৰ সবলতাৰ প্ৰতিকূল ধূলি তাই নিজেই মোক বিদ্ৰোপ কৰি গৈছে⋯। কিন্তু সঠিক⋯? যদি মই তাইৰ





আভৰণ লও⋯তেতিয়া হ'ব কি? মই তেতিয়া সিহঁততকৈ বহুত শক্তিৱন্ত হম; মই প্ৰবল আৰু টেঙৰ হম। কোনো-টোতেই পেলাব নোৱাৰা হম। এতিয়া মই এইটো পিন্ধো।

[ তাই নিজেই সাজ পিন্ধিলে ]।

অজাত—কোনে ভোগ বিলাসৰ ভাগ লৈ সুখ অনুভৱ কৰিব খোজে, মই শুকান পৃথিৱীত শান্তি সুধা চেপি উলিয়াই দিম। বিধি বিধিসিদ্ধ নহওক, ভাৰ দিয়া কিন্তু তাক বহণ কৰিবলৈ নিদিৱা আৰু গোটেই জগতে জানক ময়েই মই।

[ তেওঁ বাওঁফালেদি বাহিৰলৈ ওলাই যায়। সো ফালে দেৱী সোমাই আহে। ]

দেৱী—[ পাচৰ আসনলৈ লাহে লাহে গৈ ] তেওঁ আঁতৰি গল⋯⋯। ইয়াত আৰু কেও নাই।

[ সো ফাললৈ চাই। ]

দেবী—এতিয়া কোন আহে? তেওঁবেই বা অদৃষ্ট হ'ব কি? কাৰণ মই দেখিলো যেতিয়া সিহঁতে সংসাৰ এৰি আহে প্ৰেম সিহঁতৰ জ্বলন্ত জুইৰ দৰে আৰু যেতিয়াই আঁতৰি যায় তেতিয়াহে স্মৃতিৰ কাষত সুৰৰি চায় প্ৰেম কিমান উজ্জ্বল আৰু সুন্দৰ।

যৱনিকা